# পচতি

মহাপুৰুষ

শ্ৰী শ্ৰী৺শঙ্কৰ দেৱৰ ৰচিত।

শ্ৰীহৰিচন্দ্ৰ দেৱ গোস্বামী

আৰু

শ্ৰীধৰ্ম্মদত্ত লহকৰ দ্বাৰা

প্ৰকাশিত।

কামৰূপ, আসাম।

৪৩১ শঙ্কৰাব্দা।

বেচ ।০ চাৰি অনা মাথোন।

# পচতি ।



মহাপুৰুষ

শ্ৰীশ্ৰী৺শঙ্কৰ দেৱৰ ৰচিত ।

শ্ৰীহৰিচন্দ্ৰ দেৱ গোস্বামী

আৰু

শ্ৰীধৰ্ম্মদত্ত লহকৰ দ্বাৰা

প্ৰকাশিত ।

কামৰূপ, আসাম ।

৭৬১ শকবাব্দা ।

বেচ ।০ চাবি অনা [illegible]

# পাতনি ।

এই পুথিখনি ছপা হৈ নোলোৱা বাবে বৈষ্ণৱ সকলৰ বৰ ডাঙৰ অসুবিধা আছিল। সকলো ঠাইতে এই পুথি পোৱা নেযায় অথচ যদি কোনো এঠাইত মানুহে পচতি নাম গোৱা দেখে, তেনেহলে দেখোঁতাই সেই পুথিখন পাবলৈ বৰ ব্যগ্র হয়। কিন্তু অসমীয়াৰ পৰস্পৰ হিংসা ভাৱ থকাৰ নিমিত্তে কেৱে কাকো নিদিয়ে বা নিশিকায়। আমি বৰ যতন কৰি এই পুথিখন সংগ্রহ আৰু প্রকাশ কৰিলোঁ। আশা কৰোঁ, ই এটা ডাঙৰ অসুবিধা গুছাব। এতিয়া ইয়াৰ দ্বাৰা বৈষ্ণৱ সকলৰ আগ্রহ পূৰ হোৱা দেখিলে আৰু পৰমেশ্বৰৰ গুণ-কীৰ্ত্তন সকলো ঠাইত প্রচলিত হোৱা দেখিলে, প্রকাশকে শ্রম সফল জ্ঞান কৰিব। গায়ক সকলৰ সুৰ লগোৱাৰ সুবিধাৰ নিমিত্তে বন্ধনিৰ ভিতৰত কিছুমান শব্দ দিয়া হৈছে। এই পুথিৰ লিখক বহুতো; কিন্তু সৰহ ভাগ মহাপুৰুষ শ্রীশ্রী৺শঙ্কৰ দেৱৰ ৰচিত হোৱা গতিকে পুথিৰ ওপৰত তেৱাৰেই নাম দিয়া হল। ইতি—

লহকৰ পাৰা
৪৩১ শঙ্কৰাব্দা
৫ জেঠ।

প্রকাশক।

# পদ্ধতি।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ।

## ১ম আধ্যা।

( জয়দেৱ কৃত দশ অৱতাৰৰ স্তৱ। )

১ম শ্লোক।

প্ৰলয় পয়োধি জলে ধৃত বানসি বেদং,
বিহিত বহিত্ৰ চৰিত্ৰম খেদং।
কেশব ধৃত মীনশৰীৰ জয় জগদীশ হৰে ॥১॥

অসমীয়া ভাঙ্গনি।

জয় জয় ঈশ্বৰৰ মৎস্য অৱতাৰ।
জলগন্তে চাৰি বেদ [illegible] বিলা উদ্ধাৰ॥
সত্যযুগে সত্যব্ৰত ৰাজা ভয়ে ভীত।
ঝুমুৰি (ও) জয় জয় ঈশ্বৰৰ মূৰতি ললিত॥

২য় শ্লোক।

ক্ষিতিৰিহ বিপুলতৰে তব তিষ্ঠতি পৃষ্ঠে,
ধৰণি ধাৰণ কিন চক্ৰ গৰিষ্ঠে।
কেশব ধৃত কুৰ্ম্মশৰীৰ জয় জগদীশ হৰে ॥২॥

অসমীয়া ভাঙ্গনি ।

জয় জয় কুৰ্ম্মৰূপে স্থূল দেহা অতি ।
মথিলা সাগৰ গিৰি ধৰি পিঠি পাতি ॥
দীঘলে বহলে যাৰ নপাৱন্ত সীমা ।
ঝুমুৰি (ও) জয় জয় ঈশ্বৰৰ অতৰ্ক মহিমা ॥

৩য় শ্লোক ।

বসতি দশন শিখৰে ধৰণী তব লগ্না,
শশী নিষ্কলঙ্ক কলেবৰ নিমগ্না ।
কেশব ধৃত শূকৰৰূপ জয় জগদীশ হৰে ॥৩॥

অসমীয়া ভাঙ্গনি ।

জয় জয় শূকৰ যে ৰূপে অৱতাৰ ।
হিৰণ্যাক্ষ বীৰক প্ৰভু কৰিলা সংহাৰ ॥
দন্তৰ আগে পৃথিবীক আনিলা উদ্ধাৰি ।
ঝুমুৰি (ও) জয় জয় বৰাহৰূপ আছা ধৰি ॥

৪র্থ শ্লোক ।

তব কৰ কমলবৰে নখমদ্ভুত শৃঙ্গং,
দলিত হিৰণ্যকশিপু তনু ভৃঙ্গং ।
কেশব ধৃত নৰহৰিৰূপ জয় জগদীশ হৰে ॥৪॥

অসমীয়া ভাঙ্গনি ।

জয় জয় নৰসিংহ ৰূপে অৱতৰি ।
হিৰণ্যকশিপু বধিলাহা নখে চিৰি ॥
দুষ্টক সংহৰি ভকতক ৰক্ষা কৰি ।
ঝুমুৰি (ও) জয় জয় নৰসিংহৰূপ আছা ধৰি ॥

৫ম শ্লোক।

ছলয়সি বিক্রমণে বলিমদ্ভুত বামন,
পদ নখ নীৰ জনিত জন পাবন।
কেশব ধৃত বামনৰূপ জয় জগদীশ হৰে ॥৫॥

অসমীয়া ভাঙনি

জয় জয় বামন যে অদিতি নন্দন।
ইন্দ্ৰক স্থাপিলা স্বৰ্গে বলিক বন্ধন ॥
বলিৰ সমান ভক্ত আছে কোন জন।
ধ্ৰুবি (ও) জয় জয় ঈশ্বৰৰ মুৰতি শোভন ॥

৬ষ্ঠ শ্লোক।

ক্ষত্ৰিয় ৰুধিৰময়ে জগদপগত পাপং,
স্নপয়সি পয়োসি শমিত ভৱতাপং।
কেশব ধৃত ভৃগুপতিৰূপ জয় জগদীশ হৰে ॥৬॥

অসমীয়া ভাঙনি।

জয় জয় পৰশুৰাম ৰূপে অৱতাৰ।
আপোন মাতৃক কাটি কৰিলা সংহাৰ ॥
ক্ষত্ৰিয়ক কাটিয়া কৰিলা বুন্দামাৰ।
ধ্ৰুবি (ও) জয় জয় ঈশ্বৰৰ ভৃগু অৱতাৰ ॥

৭ম শ্লোক।

বিতৰসি দিক্ষু ৰণে দিক্‌পতিকমনীয়ং
দশ মুখ মৌলিবলিং ৰমণীয়ং।
কেশব ধৃত ৰামশৰীৰ জয় জগদীশ হৰে ॥৭॥

অসমীয়া ভাঙ্গনি।

জয় জয় শ্রীৰাম কৌশল্যা নন্দন
সমৰত মাৰিলাহা ৰাজা দশানন॥
ঋষি-আজ্ঞা পাই জানকীক বিহা কৰি।
ঝুমুৰি (ও) জয় জয় শ্ৰীৰামৰূপ আছা ধৰি॥

৮ম শ্লোক।

বহসি বপুষি বিসদে বসনং জলদাভং,
হলয়তি ভীতি মিলিত যমুনাভং।
কেশব ধৃত হলধৰৰূপ জয় জগদীশ হৰে॥৮॥

অসমীয়া ভাঙ্গনি।

জয় জয় হলধৰৰূপ আছা ধৰি।
সমান কৰিলা ভূমি লাঙ্গলক ধৰি॥
দুষ্টক দমিয়া কৰা শান্তক পালন।
ঝুমুৰি (ও) জয় জয় হলধৰ মুৰতি শোভন॥

৯ম শ্লোক।

নিন্দসি যজ্ঞবিধে ৰহহশ্ৰুতিজাতং,
সদয় হৃদয় দর্শিত পশুঘাতং।
কেশব ধৃত বুদ্ধশৰীৰ জয় জগদীশ হৰে॥৯॥

অসমীয়া ভাঙ্গনি।

জয় জয় বুদ্ধৰূপ জগত তাৰণ।
ওৰেসা নগৰে হৰি কৰিলা গমন॥

যজ্ঞ বিধি বেদক নিন্দা কৰে বাৰম্বাৰ।
ঝুমুৰি (ও) জয় জয় ঈশ্বৰৰ বুদ্ধ অৱতাৰ॥

১০ম শ্লোক।

ম্লেচ্ছনি বহনিধনে কলয়সি কৰবালং,
ধূমকেতুমিব কিমপি কৰালং।
কেশব ধৃত কল্কিশৰীৰ জয় জগদীশ হৰে॥১০॥

অসমীয়া ভাঙ্গনি।

জয় জয় কল্কিৰূপ ধৰি শ্ৰীহৰি।
সমৰে চলিলা প্ৰভু হাতে খৰ্গ ধৰি॥
কাটি মাৰি ম্লেচ্ছক কৰিলা বুন্দামাৰ।
ঝুমুৰি (ও) জয় জয় ঈশ্বৰৰ কল্কি অৱতাৰ॥

১১শ শ্লোক।

শ্ৰীজয়দেৱক বেৰিদ মুদিত মুদাৰং,
শৃণু সুখদং শুভদং ভবসাৰং।
কেশব ধৃত দশবিধৰূপ জয় জগদীশ হৰে॥১১॥

অসমীয়া ভাঙ্গনি।

জয় জয় ঈশ্বৰৰ দশ অৱতাৰ।
শুনন্তে মঙ্গল সুখ হোৱে নিৰন্তৰ॥
হেন জানি দশৰূপ শুনা সৰ্ব্বনৰ।
ঝুমুৰি (ও) জয় জয় ঈশ্বৰৰ দশ অৱতাৰ॥

## ২য় আধ্যা।



### শ্ৰীকৃষ্ণৰ জন্ম।



দিহা

গোবিন্দ গোকুলে শ্ৰীধন (এ, এ,) মন
মোহন ৰাম ॥

পদ।

পাচে দৈৱকীক মাতিলন্ত দেৱগণে।
থাকিয়োক মাৱ ভয় নকৰিবা মনে ॥
বিষ্ণু বাসা লৈলে আসি গৰ্ব্বত তোমাৰ।
হেন দেখি ভৈল বৰ আনন্দ আমাৰ ॥১॥
মাৰিবেক কংসে আক নকৰিবা ভয়।
ৰাখিবন্ত যদুবংশ তোমাৰ তনয় ॥
দৈৱকীক বুলি হেন আশ্বাস বচন।
আপোন থানক চলি গৈলা দেৱগণ ॥২॥
শুক নিগদতি ৰাজা শুনা পৰীক্ষিত।
ৰোহিণী নক্ষত্ৰ যেবে ভৈল উপস্থিত ॥

পৰম শোভন কাল ভৈল সিবেলাত।
সুৰভি শীতল সুমঙ্গল বহে বাত ॥৩॥
দশোদিশ প্ৰসন্ন নিৰ্ম্মল তাৰাগণ।
মধুকৰে গুঞ্জৰে পুষ্পিত দেখি বন ॥
পৃথিবীত সুমঙ্গল মিলিল অপাৰ।
নদী নদ প্ৰসন্ন পঙ্কজে জাতিষ্কাৰ ॥৪॥
ভৈল মহা স্বচ্ছ অতি সজ্জনৰ মন।
আকাশত স্তুতি কৰে সিদ্ধ মুনিগণ ॥
অসংখ্যাত ডুন্দুভি স্বৰ্গক চানি বাৱে।
অপসৰা নাচে বিদ্যাধৰে গীত গাৱে ॥৫॥
বৰিষন্ত পুষ্প দেৱ মুনি নিৰন্তৰ।
সাগৰৰ লগত গৰ্জ্জন্ত জলধৰ ॥
মধ্য ৰাতি অতি অন্ধকাৰ ভৈল ছন্ন।
সেহি সময়ত উপজিল নাৰায়ণ ॥৬॥

---

দিহা

## হৰিময় লৈলোঁ শৰণ। যাদব মাধৱ বান্ধৱ ৰাম ॥ (এ হৰিময় লৈলোঁ শৰণ)

পদ।

দৈৱকীৰ গৰ্ব্ভে আসি ভৈলন্ত বেকত।
চন্দ্ৰ যেন প্ৰকাশন্ত পূৰ্ব্ব যে দিশত ॥

কমল লোচন চাৰি ভুজে চাৰি অস্ত্ৰ।
কণ্ঠত কৌস্তুভ শোভে গাৱে পীতবস্ত্ৰ ॥৭॥
অমূল্য কিৰীটি ৰত্নগণে পাৰে ঝিকি।
তাৰ ৰশ্মি কেশচয় কৰে চিকি মিকি ॥
মকৰ কুণ্ডলে সুমণ্ডিত দুই কৰ্ণ।
সুন্দৰ শৰীৰ মেঘ সম শ্যাম বৰ্ণ ॥৮॥
হিয়াত শ্ৰীবৎস পাস্তি গলে বনমালা।
কটিত প্ৰকাশ কৰে ৰত্নৰ মেখলা ॥
কেয়ুৰ কঙ্কণে কৰে কৰত দীপিতি।
পাদ পদ্ম দুখানিক দেখন্তে তৃপিতি ॥৯॥
ৰত্নময় নুপুৰে কৰন্তে আছে ঘোষ।
যাক মনে ধৰি পাৱে ভকতে সন্তোষ ॥
শৰীৰৰ জ্যোতি সূতি-গৃহ প্ৰকাশন্ত।
অদ্ভুত বালক বসুদেৱে দেখিলন্ত ॥১০॥
মোহোৰ গৃহত উপজিলা নাৰায়ণ।
পৰম বিস্ময়ে ভৈল তবধ নয়ন ॥
মিলিল সম্ভ্ৰম অতি উল্লসিল প্ৰাণ।
আথে বেথে সপটে কৰিল গৈয়া স্নান ॥১১॥
কৃষ্ণৰ জন্মত পাইলা মহা আনন্দক।
অযুতেক ধেনুমানে দিলা ব্ৰাহ্মণক ॥
বিষ্ণুৰ প্ৰভাৱ জানি ভয় পৰিহৰি।
কৰিবে লাগিল স্তুতি কৃতাঞ্জলি কৰি ॥১২॥

## দিহা

# হেলা নকৰিবা এ (এ) প্ৰাণ হৰি।
# নাম লো নাম লো মুখ ভৰি ॥

### পদ।

জানিলোঁ সাক্ষাতে তুমি পুৰুষ পুৰাণ।
নিৰঞ্জন আনন্দ স্বৰূপ সৰ্ব্বজান ॥
তুমি সে কেৱলে সঁচা সবে মায়াময়।
তোমাতেসে হন্তে হোৱে সৃষ্টি স্থিতি লয় ॥১৩॥
ব্ৰহ্মাৰূপে স্ৰজা পালা বিষ্ণুৰূপ ধৰি।
ৰুদ্ৰৰূপে নিয়া প্ৰভু জগত সংহৰি ॥
খণ্ডিবাক লাগি পৃথিবীৰ মহাভাৰ।
মোহোৰ গৃহত আসি ভৈলা অৱতাৰ ॥১৪॥
ৰাজা বোলাই ফুৰে দৈত্যগণ কোটি কোটি।
সিটো দৈত্যগণ মাৰি কৰিবা নিগুটি ॥
দুষ্টক সংহৰি থাপিবাহা পুণ্য পথ।
পূৰিবাহা প্ৰভু জগতৰ মনোৰথ ॥১৫॥
তোমাৰেসে ভকতিত ভুকুতি মুকুতি।
কৰিলন্ত বসুদেৱে আৰো নানা স্তুতি ॥
কংসৰায়ক ডৰে তান থিৰ নোহে কায়।
কৃষ্ণক বোলন্ত প্ৰভু শুনা অভিপ্ৰায় ॥১৬॥

তুমি উপজিবা শুনি আকাশী বচন।
পাপী কংসে মাৰিলে তোমাৰ ভ্ৰাতৃগণ ॥
তোমাৰ কথাক এতিক্ষণে পাইবে জান।
খাণ্ডা ধৰি ধাইলা কংস অন্তক সমান ॥১৭॥
সাৱধানে থাকা প্ৰভু হুয়া সচকিত।
পাপিষ্ঠক ডৰে মোৰ থিৰ নোহে চিত্ত ॥
এহি বুলি বসুদেৱ মৌন হুয়া আছে।
দৈৱকীয়ে৷ পুত্ৰ মুখ দেখিলন্ত পাছে ॥১৮॥

---

মহা পুৰুষৰ চিহ্ন দেখি মহা সতী।
পৰিস্তুতি কৰন্ত বিস্ময় হুয়া অতি ॥
যিটো ব্ৰহ্ম ৰূপ নিৰাকাৰ নিৰঞ্জন।
তেন্তে তুমি জানিলোঁ সাক্ষাতে নাৰায়ণ ॥১৯॥
একো থানে মনুষ্যে মৃত্যুৰ নেৰায় হাত।
নকৰে ভকতি যেবে মাধৱ তোমাত ॥
তোমাৰ পাৱত যেবে লৈবেক আশ্ৰয়।
তেবে সুস্থ হুয়া থাকে পৰম নিৰ্ভয় ॥২০॥
যেবে নষ্ট ভৈল লোক মহা প্ৰলয়ত।
তুমি মাত্ৰ অৱশেষ থাকাহা অন্তত ॥
তুনাই কালৰূপ হুয়া নাৰায়ণ।
তোমাৰ চৰণে আবে লৈলোহোঁ শৰণ ॥২১॥

দুৰ্ঘোৰ কংসৰ ভয়ে তনু কম্পমান ।
ভকতৰ ভয়হাৰী কৰা পৰিত্ৰাণ ॥
তোমাক নজানে যেনমতে কংস পাপ ।
ইটো দিব্য ৰূপ আবে সম্বৰিয়ো বাপ ॥২২॥
তোমাকেসে লাগি উদবেগ কৰে মন ।
শঙ্খ চক্ৰ গদা পদ্ম ঢাকা নাৰায়ণ ॥
কংস ভয়ে কম্পে মোৰ অজ্ঞানীৰ বুক ।
এতেক বুলিয়া ভৈল দৈৱকী নিচুক ॥২৩॥
হেন শুনি হাঁসি মাতিলন্ত চক্ৰপাণি ।
উপৰি জন্মৰ কথা শুনা দুয়ো প্ৰাণী ॥
পূৰ্ব্বত আছিলা তুমি পৃশ্নী নামে সতী ।
বসুদেৱ আছিল সুতপা প্ৰজাপতি ॥২৪॥
সৃষ্টি কৰিবাক ব্ৰহ্মা দুইকো আদেশিলা ।
দেখি দুয়ো প্ৰাণী ঘোৰ তপ আচৰিলা ॥
সহিলাহা হীম মহা ৰৌদ্ৰ বৃষ্টি বাত ।
বায়ু ভক্ষি থাকা কতো ভুঞ্জি পকাপাত ॥২৫॥
আৰাধিলা মোক তপ কৰি আশৰীশ ।
বহি গৈলা দিব্য বাঢ় হাজাৰ বৰিষ ॥
এইৰূপে দেখা দিয়া বোলোঁ লোৱা বৰ ।
বোলাহা পুত্ৰেক হোক তযু সমসৰ ॥২৬॥
এহি হোক বুলিময়ো গৈলোঁ বৰ দিয়া ।
নুখুজিলা মোক্ষ মোত মোহিলেক মায়া ॥

লোকত নেদেখি মোৰ সমৰূপ গুণী ।
পৃশ্নিগৰ্ব্ভ নামে পুত্ৰ ভৈলোহোঁ আপুনি ॥২৭॥
অদিতি কশ্যপ পাছে ভৈলা তোৰা দুই ।
সিজন্মতো জন্মিলোঁ বামন পুত্ৰ হুই ॥
তৃতীয় জন্মত আবে নিজৰূপ ধৰি ।
উপজিলোঁ তোমাত সত্যক ৰক্ষা কৰি ॥২৮॥

---

দিহা

# দৈৱকী আই !
# থৈয়ো নিয়া গোকুলত মোক পলুৱাই ।

পদ ।

এইৰূপে চিন্তা নুহি কৰা পুত্ৰ স্নেহ ।
ইজন্মে অৱশ্যে মোক্ষ পাইবা এৰি দেহ ॥
কংসক শঙ্কিয়ো যেবে শুনিয়ো উপায় ।
থৈয়ো নিয়া গোকুলত মোক পলুৱাই ॥২৯॥
উপজিব যোগমায়া যশোদাৰ ঘৰে ।
মোক থৈয়া তাঙ্ক লৈয়া আসিয়ো সত্বৰে ॥
এহি বুলি দুই হস্তকো বিষ্ণু ভৈলা চুপ ।
দুই হস্তৰ আগত ভৈলন্ত শিশুৰূপ ॥৩০॥

কৃষ্ণৰ আদেশ পাছে বসুদেৱে শুনি।
ভাগিল নিহল তান পাৰৰ আপুনি ॥
পুত্ৰক কোলাত লৈয়া বজাইবে খোজন্তে।
উপজিলা যোগমায়া যশোদাত হস্তে ॥৩১॥

---

দিহা

## উপজিলা যোগমায়া যশোদাৰ ঘৰে (হে)।

পদ।

কৃষ্ণক কোলাত লৈয়া বজাইবে খোজন্তে।
উপজিলা যোগমায়া যশোদাত হস্তে ॥
পালি পহৰীয়া নগৰীয়া দ্বাৰীগণ।
দেৱীৰ প্ৰভাৱে সবে ভৈলা অচেতন ॥৩২॥
নিদ্ৰা গৈয়া পৰিল যতেক আছে ৰাখি।
জাগি যিবা আছে সিয়ো নেদেখিল আঁখি ॥
বৃহত কপাট অতি আটোপ টঙ্কাৰে।
দ্বাৰ সব বান্ধি আছে লোহাৰ হাঙ্গাৰে ॥৩৩॥
দেখি বসুদেৱক আপুনি ছুটে দ্বাৰ।
সূৰ্য্য দৰশনে যেন গুছে অন্ধকাৰ ॥
পালি পহৰীয়া সবো নজানিলা কেৱে।
কৃষ্ণক কোলাত লৈয়া যান্ত বসুদেৱে ॥৩৪॥

---

দিহা

# যমুনা ! পাৰ কৰি থৈয়োৰে নন্দৰ কানাই ॥

পদ ।

বৰিষে কনিকা মেঘে ওপৰত গাজে ।
ফনায়ে ধৰিলা ছত্র আসি সৰ্পৰাজে ॥
বাৰিষা যমুনা নদী ফেন ফোটকাৰ ।
ঢউ দেখি লাগে ভয় ভাঙ্গে বজোয়াৰ ॥৩৫॥
কৃষ্ণক দেখিয়া ভয়ে দিলা বাট মাজে ।
ৰামক দিলন্ত পন্থ যেন সিন্ধুৰাজে ॥
অপ্রয়াসে বসুদেৱে যমুনা ছেৰাইলা ।
একে নিমিষেকে গৈয়া গোকুলক পাইলা ॥৩৬॥
নিদ্রা গৈয়া গোৱাল সকল শুতি আছে ।
অচেতনে যশোদাক দেখিলন্ত পাছে ॥
কৃষ্ণক থৈলন্ত তান শয্যাত শুৱাই ।
তাহান কন্যাক লৈয়া আসিলা দুনাই ॥৩৭॥
দৈৱকীৰ লগে শুয়াই থৈলা মহাবল ।
পূৰ্ব্বৱতে পিন্ধিলন্ত আপুনি নিহল ॥
দুনাই দুৱাৰত সব কপাট লাগিলা ।
শিশুৰ ক্রন্দন শুনি প্রহৰী জাগিলা ॥৩৮॥

লৱৰন্তে ৰক্ষিয়া কংসত জান দিল।
শুনা প্ৰভু দৈৱকীৰ পুত্ৰ উপজিল ॥
শুনি কংস উঠিয়া বিহ্বল ভৈল বৰ।
এহি মোৰ মৃত্যু বুলি দিলেক লৱৰ ॥৩৯॥
পথত পৰন্তে যান্ত আউল জাউল কেশ।
যম যেন ভৈল সূতি-গৃহত প্ৰবেশ ॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বজনে।
তৰিবা সংসাৰ হৰি-কথাৰ শ্ৰৱণে ॥
সমস্ত ধৰ্ম্মৰ ৰাজা মাধৱৰ নাম।
জানি নিৰন্তৰে সবে বোলা ৰাম ৰাম ॥৪০॥

# ৩য় আধ্যা।



## শ্ৰীকৃষ্ণৰ পচতি।

শ্লোক।

জয়তি জগন্নিবাসো দৈবকী জন্মবাদো,
ব্ৰজপুৰ পৰিষন্তী ৰক্ষিতো যো স্বধৰ্ম্মঃ।
স্থিৰতৰ বৃজিনঘ্নঃ সস্মিতা শ্ৰীমুখেন,
ব্ৰজপুৰ বনিতানাং বৰ্দ্ধয়ন্ কাম দেবঃ॥

সূত্ৰ।

ওহে সমাজিক লোক! যোহৰি পৰম পুৰুষ ভগৱন্ত, যোহৰি অনাদি অনন্ত, সত্যৱন্ত, যাহাৰ কটাক্ষত সৃষ্টি স্থিতি লয় হৈয়াছে, যাহাৰ নাম স্মৰণ মাত্ৰকে চাণ্ডাল পৰ্য্যন্ত পৰম গতি পাইয়াছে, আৰ যি কালত অনাদি সৃষ্টি পাতিবাৰ মন হৈলাহা, সত্বগুণে সোনাৰ লাঙ্গল যুৱল স্ৰজিলা, ৰজোগুণে ৰূপাৰ লৰু গৰু হৈলাহা, তমোগুণে আপুনি বাহক নাৰায়ণ, অনাদি পৃথিবীখান কৰিলা খনন, ধৰ্ম্ম অৰ্থ কাম মোক্ষ তাহাতে স্ৰজিলা, সত্বৰজস্তম গুণে সহজে জন্মাইলা, সৃষ্টি পাতিবাৰ হেতু ব্ৰহ্মাতে অৰ্পিলা, অনাদি পুৰুষ হৰি বৈকুণ্ঠে চলিলা॥ সেহি শ্ৰীকৃষ্ণৰ জন্ম-যাত্ৰা-পচতি কৰ্ম্ম সভামধ্যে কহে, তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম॥

গীত।

## কৃষ্ণৰ পচতি নন্দে, কৰিবে লাগিলা (হে)॥

পদ।

নন্দে দিলা আদা লোন গোপীৰ ঘৰে ঘৰে (হে)।
যশোদাই দিলন্ত যান সবে গোপীৰ ঘৰে (হে)॥

---

গীত।

## আহা সখি আহা বাই (এ,এ,) নন্দ ঘৰে যাওঁ।
## অদ্ভুত বালকৰ মুখ নয়ন ভৰি চাওঁ॥

পদ।

গোপী বোলে আহা সবে নন্দ-ঘৰে যাওঁ॥
অদ্ভুত বালকৰ মুখ (এ,এ,) নয়ন ভৰি চাওঁ।
উপজিলা ৰাম কৃষ্ণ নয়ন ভৰি চাওঁ॥

ঝুমুৰি।

গোৱালনী বাই!
নন্দৰ গৃহক লাগি কোন পন্থে যায়॥

## পদ ।

এই পন্থে যায় হৰি এই পন্থে যায় (হে) ।
আজি নন্দে গোবিন্দৰ পচতি কৰয় (হে) ॥

## ভটিমা ।

জয় জয় যদুকুল কমল প্ৰকাশক
নাশক কংসক প্ৰাণ ।
জয় জয় ভক্তক ভকতি ৰীতি নীতি
কৰলেক দান ॥
জয় জগন্নায়ক মুকুতি দায়ক
শায়ক শাৰঙ্গধাৰী ।
দুষ্ট অৰিষ্টক মুষ্টিক মাৰল
চৰণে বন্দো মুৰাৰি ॥
ধৰি গোবৰ্দ্ধন বাত বৰিষণ
ইন্দ্ৰ ভৈলা দৰ্পচূৰ ।
ত্ৰিভুবন কাম্পক কালিক সৰ্পক
দৰ্পক কৰিলেক চূৰ ॥
নন্দ নন্দন বন্দন দেৱক
যাকৰি সব গোপ মুখে অন্ন ।
মাগল ভাগল দ্বিজ নিজ কৰ্ম্মক
গৰ্ব্বক কৰলেক চূৰ্ণ ॥

যে দুখ দাহক পাবক ভাবক
পূৰল পূৰ মনকাম।
জগজ্জন জীৱন যাতন ঘাটন
যাৰ এহি গুণ নাম ॥
নিৰন্তৰে হৰি ৰাম হৰি ৰাম ॥

ভটিমা।

যোহি ঈশ্বৰ যোহি উতপাতক
নাশক এ দুখ মূল।
কলি মল অনল ৰামক ৰাণী
নাহি নাহি সমতুল ॥
ব্ৰহ্মা মহেশ্বৰ যাকেৰি কিঙ্কৰ
তাকৰি চৰণ গুণ মহা লেহু।
তাকৰি চৰণে ঋদ্ধি বৃদ্ধি সিদ্ধি
তাহে চৰণে চিত্ত দেহু ॥
সব অপৰাধক বাধক ওহি সাধক
পূৰল পূৰ মনকাম।
কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে ভনে
ডাকি বোলহু ৰাম ৰাম ॥
নিৰন্তৰে হৰি ৰাম হৰি ৰাম ॥

ঝুমুৰি।

মুৰাৰি (এ হে) পৰমানন্দ্।

পদ ।

কি দিয়া পূজিম মই বঙ্গা চৰণ (হে) ॥

সূত্ৰ ।

ওহে সমাজিক লোক! যোহি ঈশ্বৰ চৰাচৰ গুৰু ভগবান নন্দক মন্দিৰে অৱতাৰ ভৈলাহা; তাহাক দেখিয়া নন্দে সপটে স্নান কৰিলাহা। তদনন্তৰে গোপ গোপী সব অন্য অন্যে চলিতে ভৈলাহা॥ তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম॥

---

গীত ।

**চল আকিৰে হে, চল সব নন্দ-ঘৰে যাওঁ। আকি অগো মাই চল সব নন্দ-ঘৰে যাওঁ ॥**

পদ ।

এহি বুলি পাৰিলা উৰুলি ।
( হে অগোমাই ! এহি বুলি পাৰিলা উৰুলি ) ।
( বজাইলা কিৰে হে )
বজাইলা গৃহৰ সবে জয় কৃষ্ণ ধ্বনি ॥১॥
পিন্ধে নেত শাৰী ভাল কাচে ।
( কুঙ্কুমেৰে ৰে হে ) কুঙ্কুমে ৰচিত দুয়ো কুচ ॥২॥

কৃষ্ণৰ কিঙ্কৰে এভু ভনে।
( হৰি হৰি ৰে হে ) হৰি হৰি বোলা সৰ্ব্বজনে ॥৩॥
( আকি অগোমাই চল সব নন্দ-ঘৰে যাওঁ। )

সূত্ৰ।

ওহে সমাজিক লোক! পৰিপূৰ্ণ ভগবান নন্দক মন্দিৰে অৱতাৰ ভৈলাহা; তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম॥

---

গীত।

# হৰষে গোপিনী পোচ কিৰে এ ঘৰে ঘৰ।

পদ।

চল সবে যাওঁ, নন্দৰ মন্দিৰে
দেখোহোঁ নন্দেৰ নন্দন।
মূৰতি মুৰাৰি দেখোঁ নেত্ৰ ভৰি
সাফল কৰোঁ নয়ন ॥১॥
দেখিবাক ভাল নয়ন কজ্জল
মুখে শোভে স্মিত হাঁসি।
কৌস্তুভে শোভিত শ্ৰীবৎস লাঞ্ছিত
মুনিগণ হৃদি-বাসী ॥২॥

আজানু লম্বিত বাহু সুবলিত
বনমালা কৰে কান্তি।
কোটি সূৰ্য্য সম দেখি নিৰুপম
মুখ পদ্ম কৰে কান্তি ॥৩॥
দেখি মুখ কান্তি পলায় তাৰ পান্তি
ঊৰ্দ্ধ পন্থে উৰি বৈল।
নয়ন যুগল দেখি উতপল
দিবসে মুদ্ৰিত ভৈল ॥৪॥
এহি বুলি গোপ গোপিনী সঘনে
উচ্ছৰিলা ৰাম ৰাম।
কৃষ্ণৰ কিঙ্কৰে ভনে ৰত্নাকৰে
মুখে হৌক কৃষ্ণ নাম ॥৫॥

---

ঝুমুৰি।

শিঙ্গা বাজে শঙ্খ বাজে আৰু বাজে বেণু।
পদ।
আকাশে দুন্দুভি বাজে আহে ৰাম-কানু ॥

---

ৰাগ-সঙ্গ মালিতা।

যি কালত গোলোকত বৈকুণ্ঠ বাসী যত।
চলিবে লাগিলা সবে ৰাধাৰ বাক্যত ॥

বৈকুণ্ঠ বাসীৰ লাগিলেক হুলস্থূল।
গৃহৰ বজাইলা সবে কৰিয়া আন্দোল ॥
আপোন ৰূপত আছে দেৱ নাৰায়ণ।
ভক্ত সমন্বিতে তৈতে কৰে আলোচন ॥
দেৱগণে স্থানে স্থানে জন্ম ধৰিয়োক।
পাৰিষদগণ মোৰ লগত আসোক ॥
এহি বুলি পঞ্চ স্বৰে শবদ কৰিলা।
সেহি শব্দে শাৰঙ্গ যে ৰাগ উপজিলা ॥
উপজিয়া ৰাগে পাচে স্তুতি কৰিবাক লৈল।
মন্ত্ৰণা কৰিয়া সবে বুলিবাক লৈল ॥
ৰাগে সমে মালিতা শুনয় সৰ্ব্বকালে।
অক্ষয় পুণ্যক সাঞ্চে এহি ৰবিতলে ॥
পাপ নাশ পুণ্যোদয় হোৱে অভ্যুদয়।
পুত্ৰে পৌত্ৰে ধনে জনে তাহাক নেৰয় ॥
শ্ৰীযুক্ত হৈয়া সবে বোলা জয় জয়।
পৰম মঙ্গল্য দেৱ কৃষ্ণ কৃপাময় ॥

## সূত্ৰ।

ওহে সমাজিক লোক! তদনন্তৰে সৰ্ব্ব যাদৱৰ গৰ্গ নামে পুৰোহিত ভৈলাহা; বসুদেৱৰ আজ্ঞায়ে নন্দৰ মন্দিৰে চলিতে ভৈলাহা। তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম ॥

## গীত।

চলিলন্ত গৰ্গ মুনি (এ) কপালে দীৰ্ঘ ফোট (হে ৰাম ৰাম কপালে দীৰ্ঘ ফোট)। হাতত কৰঙ্কিমালা শিৰে জটাজুট (হে) ॥

## পদ।

মুখে গোবিন্দৰ গুণ সঘনে উচ্ছৰে।
শ্ৰুক-শ্ৰুব দুই হস্তে ধৰি মুনিবৰে ॥
গলে অক্ষমালা জ্বলে স্কন্ধে যজ্ঞসূত।
পৰম পণ্ডিত দ্বিজ নিজ কৰ্ম্মে ৰত ॥
স্বৰ্গে বৃহস্পতি যেন বিদ্যাৰ সাগৰ।
দয়াৱন্ত মহাযশী জ্যোতিষেৰ ভাণ্ডাৰ ॥
তাহাৰ মহিমা কিবা বৰ্ণাইবোহোঁ ঐত।
শঙ্কৰে ৰচিলা পদ শুনা অবিৰত ॥

## সূত্ৰ।

অনন্তৰে গৰ্গক দেখিয়া নন্দে বোলেঃ—“ওহে মুনিৰাজ! তুমি জ্যোতিষক জানাহা, বেদতো পাৰ্গত; আমাৰ পুত্ৰ দুহান্তৰ জাত-কৰ্ম্ম কৰাহা”। এহি নন্দ বাক্য শুনিয়া গৰ্গে বোলেঃ—“ওহে মহাৰাজ! আমি জ্যোতিষক জানোহোঁ, বেদতো পাৰ্গত; তোমাৰ পুত্ৰ দুহান্তৰ জাত-কৰ্ম্ম কৰোহোঁ। যেবে আপুনি সবাক্কো জানাহা,

লোকত প্ৰমাদ মিলিব"। এহি গৰ্গ মুনিৰ বাক্য শুনিয়া নন্দে বোলেঃ—"ওহে মুনিৰাজ! আমাৰ অভ্যন্তৰে প্ৰবেশহ, জ্ঞাতিবৰ্গ কেহো নজানিব, দুই তনয়ৰ জাত-কৰ্ম্ম কৰাহা"। নিৰন্তৰে হৰি ৰাম হৰি ৰাম॥

## লেচাৰি।

গৰগে বোলন্ত ভগৱন্ত কিনো ভাগ্যোদয় মিলিলন্ত
আজি সুপ্ৰভাতে পুহাইল ইতো ৰজনী।
নন্দ ঘৰে বহু মান্য পাইবো পিঠা লাৰু অন্ন বহু খাইবো
লহ লহ কৰি জিহ্বাৰ পৰয় পানী॥
হাতত লাখুটি মালা গুটি কাষন্তে হৃদয় যায় ফুটি
হাতে তাক বাৰি লই যান্ত ধীৰে ধীৰে।
মুণ্ড ভৈল তাৰ লৰবৰ দাৰি গোকে তাৰ ভোৰোকাৰ
চলিবে লাগিল দীঘল দন্ত প্ৰকাশি॥

## সূত্ৰ।

ওহে সমাজিক লোক! অনন্তৰে গৰ্গ গৈয়া অভ্যন্তৰে প্ৰবেশ হইয়া যে নাম থৈলাহা তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম॥

লোহিত নয়ন, আদি সত্যত শুক্ল বৰ্ণ চতুৰ্ব্বাহু, হিৰণ্যকেশ বেদমূৰ্ত্তি দ্বাপৰত দুৰ্ব্বাদল শ্যাম দ্বিবাহু, কলিত কৃষ্ণ বৰ্ণ দ্বিবাহু, পূৰ্ণৰূপ সৰ্ব্বানন্দ, বসুদেৱ তনয় পদে বাসুদেৱ নাম ভৈলাহা, ৰাম পদে ৰামদেৱ নাম ভৈলাহা। ওহি তনয়ক যত্নে ৰক্ষা কৰিবাহা, তাহাৰ কল্যাণ সাধিবাহা, নিৰন্তৰে হৰি ৰাম হৰি ৰাম॥

## গীত ।

**গৰগ আসিলা গণনা পাতিলা**
**(এহাৰে কৃষ্ণএ) পাতিলা স্নুবৰ্ণ ছুনি ।**
**(ও ৰাম দৈৱকী-নন্দন কৃষ্ণএ) ।।**

এক নাম থৈলা ৰাম দামোদৰ
আৰু নাম চক্ৰপাণি ॥১॥
জয় জয় জয় পৰম মঙ্গল
জয় বাস্নুদেৱ ৰাম ।
জয় নন্দ-স্নুত কৰ্ম্ম অদভুত
চৰণে কৰোঁ প্ৰণাম ॥২॥
জয় যদুপতি কৃষ্ণ মোৰ গতি
তব পদে হৌক গতি ।
মুকুন্দ মুৰাৰি গোবৰ্দ্ধনধাৰী
মাগোহোঁ নিষ্ট ভকতি ॥৩॥
গোপাল গোবিন্দ প্ৰভু দেৱ মুকুন্দ
বিভূ প্ৰভু পদ্মপানি ।
পদ স্নুবলিত মাধৱ পণ্ডিত
বৰ্ণাইলা হৃদয়ে জানি ॥৪॥
মৎস্য অৱতাৰ জলৰ ভিতৰ
মহা মীন ৰূপ ধৰি ।

সাগৰে নধৰে তব কলেৱৰ
উদ্ধাৰিলা বেদ চাৰি ॥৫॥
কুৰ্ম্ম অৱতাৰ জলৰ ভিতৰ
মথিলা সাগৰ বৰ।
অমৃতক নিয়া দেৱক ভুঞ্জাইলা
বঞ্চিলা যত অসুৰ ॥৬॥
বৰাহ স্বৰূপে জগতৰ বাপে
বধিলা অসুৰ বৰ।
জলে জাম্প দিয়া দশন ভিৰিয়া
কৰিলা ভূমি উদ্ধাৰ ॥৭॥
নৰ সিংহৰূপে জগতৰ বাপে
অলৌকিক ৰূপ ধৰি।
প্ৰহ্লাদক জ্ঞান দিলা নাৰায়ণ
কশিপু হৃদি বিদাৰি ॥৮॥
বামন মূৰতি ধৰি যদুপতি
তিনি পদ ভূমি লৈল।
বলিক চলিলা ইন্দ্ৰক স্থাপিলা
থাকা দ্বাৰে সৰ্ব্বকাল ॥৯॥

---

যামদগ্নী সুত ( ও হৰি হৰি ),
কৰ্ম্ম অদভুত ( ও হৰি হৰি )

কুঠাব ধৰিয়া কৰে ( এ আজি নন্দ ঘৰে,
উৰুলি জোকাৰে কৃষ্ণৰ পচতি কৰে এ) ।

ক্ষত্রিয়ক বধি ভূমি নিৰবধি
খণ্ডাইলা ভূমিৰ ভাৰ ॥১০॥
জয় শ্রীৰাম গুণে অনুপম
কৌশল্যাত অৱতৰি ।
ঋষি আজ্ঞা পালি ধনুক ভাঙ্গিয়া
জানকীক বিহা কৰি ॥১১॥
লক্ষ্মী বিবাহিতা সীতা সুবনিতা
অনুজ ভ্রাতৃ লক্ষ্মণ ।
পিতৃ আজ্ঞা পায়া বণক চলিলা
বধিলা ৰাক্ষসগণ ॥১২॥
জনক জিয়াৰী ৰাৱণে হৰিল
বান্ধিলাহা সেতু বৰ ।
ৰাৱণৰ মাথ কাটি ৰঘুনাথ
কৰিলা সীতা উদ্ধাৰ ॥১৩॥
জয় বলোৰাম সৰ্ব্বগুণ ধাম
অস্ত্র যে ভৈলা নাঙ্গল ।
দুষ্ট বিমৰ্দ্দক সন্তক পালক
হৃষ্ট পুষ্ট সৰ্ব্বকাল ॥১৪॥
বুদ্ধ অৱতাৰ ধৰি দামোদৰ
ওৰেষাত প্রবেশিলা ।

যাৰ পদ সেবি জয়দেৱ কবি
মাতৃ-গমন পাপ এৰাইলা ॥১৫॥
কল্কি অৱতাৰে ম্লেচ্ছক সংহৰি
খড়্গ চৰ্ম্ম হাতে ধৰি।
তোমাৰ তনয় মনুষ্য নহয়
এন্তে পূৰ্ণ ব্ৰহ্ম হৰি ॥১৬॥
কৃষ্ণৰ চৰিত্ৰ মধুৰ সঙ্গীত
ভাগৱত অৰ্থ সাৰ।
শ্ৰীমাধৱ দত্ত উপাধ্যায় কৃত
তুষ্ট হৈবা দামোদৰ ॥১৭॥

সূত্ৰ।

ওহে সমাজিক লোক! তদনন্তৰে গোপ গোপী সব আসিয়া শ্ৰীকৃষ্ণ শিৰে কুসুম বৰিষে, হালদি গোৰস তৈল জল মোট ভৰিয়া সিঞ্চে, নন্দৰ তনয়। তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম ॥

---

গীত।

আলো ভাই! (ও আলো ভাই)
গোকুলে উদয় যদুমণি। আনন্দে
নন্দেৰ পুৰী চানি ॥

## পদ।

গোপ গোপী আসিয়া হৰিষে।
কৃষ্ণশিৰে কুসুম বৰিষে ॥১॥
হালধি গোৰস মোট ভৰি।
অন্যো অন্যে সিঞ্চে ৰঙ্গ কৰি ॥২॥
মোট জলে শৰীৰ ভিজায়া।
ৰঙ্গে নাচে যত গোপ-জায়া ॥৩॥
কৃষ্ণ যশোদাৰ মুখ চাই।
প্রেম-ভাৰে নয়ন যুৰাই ॥৪॥

## সূত্র।

ওহে সমাজিক লোক! অনন্তৰে গোপ গোপী সব আসিয়া চাপৰি কৰতাল মৃদঙ্গ বজায়। হৰি ধ্বনি কৰিয়া কৰে উৰুলি জোকাৰ। হেন মহোৎসব কৰিয়া আছে নন্দে। তদনন্তৰে দৈবজ্ঞ আনিয়া জাতকৰ্ম্ম কৰাইলা। তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম ॥

গোপগণে আসিয়া হৰিষে।
নাচে হাঁসে কুসুম বৰিষে ॥
ঋষিগণে হৰি ধ্বনি কৰি।
সঘনে সুমৰে হৰি হৰি ॥

## গীত।

# শিঙ্গা শঙ্খ ভেৰু ঢাক ঢোল।
# গগনে পূৰিলা হৰি ৰোল ॥

## পদ।

কতো উঠি কৰে জয় জয়।
উপজিলা নন্দৰ তনয় ॥

## সূত্ৰ।

ওহে সমাজিক লোক! অনন্তৰে বৃদ্ধগণ মহাহৰিষে আনন্দে মন মগ্ন হৈয়া অন্যো অন্যে সাপটি মাটিত লুটিয়া যায়, আনন্দ কৰয়। তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম ॥

সভাত যতেক বৃদ্ধ আছে।
উঠি সবে আনন্দত নাচে ॥
অন্যো অন্যে ধৰা ধৰি কৰি
মাটিত বাগৰি ফুৰে।
কৃষ্ণৰ কিঙ্কৰে এভু ভনে।
হৰি হৰি বোলা সৰ্ব্বজনে ॥

## সূত্ৰ।

ওহে সমাজিক লোক! যোহি পৰম ঈশ্বৰ পৰম পুৰুষ-উত্তম, যাহাৰ কটাক্ষত সৃষ্টি স্থিতি লয় হৈয়াছে; ব্ৰহ্মা রুদ্ৰ ইন্দ্ৰাদি যাহাৰ

চৰণ কিঙ্কৰ। তাহাৰ নাম স্মৰণ মাত্ৰে চাণ্ডাল পৰ্য্যন্ত পৰম গতি পায়। পৰম ঈশ্বৰ ৰূপে, পিতৃ-মাতৃৰ আগত উপজি, জন্মৰ কথা কয়। মনুষ্যৰূপে গোকুলে পলাইল। সেহি শ্ৰীকৃষ্ণৰ জন্মযাত্ৰা পচতি কৰ্ম্ম সভা মধ্যে কহয়; তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম॥

আজি গোকুলত আনন্দ মিলিল হৰি ৰাম এ।
গোকুল ঢাকি জোকাৰ পৰিল হৰি ৰাম এ॥

---

দিহা

পূৰ্ণ অৱতাৰ হৰি পূৰ্ণ অৱতাৰ।
নজানিয়া লোকে বোলে নন্দেৰ কুমাৰ॥

জন্ম-যাত্ৰা পচতি সমাপ্ত॥

# ৪র্থ আধ্যা ।



## পূতনা-বধ ।



### দিহা

**পাঞ্চিলেক পূতনাক কংশ নৃপবৰএ ।**

### পদ ।

শিশু মাৰি ফুৰে গ্ৰাম নগৰত পশি ।
বালক ঘাতিনী ভাই দাৰুণ ৰাক্ষসী ॥
শ্ৰৱণ কীৰ্ত্তন যৈত কৃষ্ণৰ নকৰে ।
তৈতেসে ৰাক্ষসীগণে বিঘিনি আচৰে ॥১॥
গোকুলত আছন্ত সাক্ষাত দেৱ হৰি ।
কি কৰিতে পাৰে তাই চেৰী নিশাচৰী ॥
ফুৰন্তে ভ্ৰমন্তে পাছে পূতনা পিশাচী ।
গোকুলক পাইল দিব্য নাৰীবেশ কাছি ॥২॥
মালতী ফুলৰ ভিতৰত দিলে খোপা ।
বান্ধি আছে সুন্দৰী উচ্ছল কৰি খোপা ॥

উচ্ছ কুচ বৃহত নিতম্ব ক্লশ কটি।
পিন্ধি নেত সাৰী ফুৰে ব্রজত পর্য্যটি ॥৩॥
কুণ্ডলৰ কান্তি চিকিমিকি কৰে কেশ।
সেহি ৰঞ্জি আছে মুখ-কমল বিশেষ ॥
হাতত ফুৰায় পদ্ম বদন হসিত।
আসিলন্ত লক্ষ্মী যেন স্বামীক দেখিত ॥৪॥
হাস্য লাস্য কটাক্ষে মোহিল যত গোপী।
নবাধয় কেৰে ৰূপ দেখি থাকে চুপি ॥
পদুলি পদুলি ফুৰে চাৱালক চাই।
পশিল নন্দৰ ঘৰে নিবাৰন্তা নাই ॥৫॥
দেখিলন্ত শিশুক সাক্ষাত আছে শুতি।
নজ্বলন্ত বহ্নি যেন ভস্মে আছে পুতি ॥
জগতৰ আত্মা হৰি জানি পূতনাক।
আখি মুন্দি ৰহিলা নুবুলি কিছু বাক ॥৬॥
যাক খুজি ফুৰিবো হাততে পাইলোঁ তাক।
দেখাৱন্ত অতিশয় শিশুৰ চেষ্টাক ॥
আছাৰন্ত ভৰি ভোকে কান্দন্ত শয্যাত।
দেখি নিশাচৰী হাঁসি মেলিলেক হাত ॥৭॥
কৃষ্ণক নজানি গোৱালৰ শিশু বুলি।
দুই হাতে সাবটি কোলাত লৈলা তুলি ॥
যেন মুঢ়ে জৰী বুলি ধৰিলেক সাপ।
নুবুজিলে একো জনে ৰাক্ষসীৰ কাপ ॥৮॥

যশোদা ৰোহিণী পূতনাৰ ৰূপ চাই।
বাধিবে নোৱাৰি ভৈল তবধ পৰায়॥
শিশুক মাৰিতে নিশাচৰীৰ যতন।
কৃষ্ণৰ মুখত দিলে বিষযুত স্তন॥৯॥
আটি ধৰি হৰি কোপে মুখে লম্পিলন্ত।
স্তনে সমন্বিতে তাইৰ প্ৰাণ শুষিলন্ত॥
হাতে হেম্পছিয়া মৰ্ম্মছেদ পীড়া পাই।
এৰ এৰ বুলি অতি পিশাচী চেঞ্চায়॥১০॥
ঘামিল শৰীৰ আছাৰয় হাত ভৰি।
চক্ষু ওলোটাই কান্দে ঘোৰ নিশাচৰা॥
মৰোঁ মৰোঁ বুলি ঘোৰ ত্যজিলে আটাস।
ত্ৰৈলোক্যৰ লোকৰ মিলিল মহা ত্ৰাস॥১১॥
স্বৰ্গ মৰ্ত্ত্য পাতাল একত্ৰ হুয়া লৰে।
ভুঁই গৈল সৰ্ব্বলোকে বোলে বজ্ৰ পৰে॥
স্তনৰ পীড়াত তাইৰ হৰিল চেতনা।
বেন্ত বাই নিজ ৰূপে পৰিল পূতনা॥১২॥
মাৰিবাক দিলা স্তন ঘোৰ নিশাচৰী।
তাইকো জননীৰ গতি দিলা দেৱহৰি॥
সমস্ত শাস্ত্ৰৰ ইসি পৰম যুকুতি।
বোলা ৰাম ৰাম পাইবা হাততে মুকুতি॥১৩॥



# ৫ম আধ্যা।



## দধি-মথন।



### দিহা

(এ) দধি মথে, হে মথে দধি মথিবাৰ মন। কোলাত চাৱাল কান্দে তাকো নেদে স্তন॥

### পদ।

পৰীক্ষিত ৰাজাত কহন্ত শুকমুনি।
দিনেক যশোদা নাৰী নন্দৰ ঘৰণী॥
ভিন্ন ভিন্ন কাৰ্য্যে নিয়োজিলা সব দাসী।
মথিবাক লাগিলা আপুনি দধি আসি॥১॥
সুমৰি কৃষ্ণৰ সব বালক চৰিত।
দধিক মথন্তে যশোদায়ে গাৱে গীত॥
ক্ষৌম বস্ত্র প্রকাশে নিতম্ব কৃশ কটি।
সোনাৰ মেখলা তাত বান্ধি আছে অতি॥২॥

আজোৰন্তে লৰে অতি কুণ্ডল কঙ্কন।
পুত্ৰৰ স্নেহত স্ৰৱে কম্পে দুয়ো স্তন॥
খসি খসি পৰে সব খোপাৰ মালতী।
ঘামিল বদন ভাগৰিল মহা সতী॥৩॥
কৃষ্ণে সেহিবেলা জননীৰ প্ৰীতি সাধি।
মথনিত ধৰি মথিবাক নেদে দধি॥
দেখি কোলে লই সতী পিয়ালন্ত স্তন।
আনন্দে পুত্ৰৰ চান্ত প্ৰসন্ন বদন॥৪॥
অনন্তৰে দেখন্ত উতলি দুধ পৰে।
পুত্ৰক এৰিয়া সতী গৈলন্ত লৰৰে॥
স্তন পিবে নপাই কোপিল দামোদৰ।
কামোৰন্ত দন্তে অতি অৰুণ অধৰ॥৫॥
কপটে কান্দন্ত নয়নৰ পৰে পানী।
ভাঙ্গিলা মথনি মাঠি পটাগুটি হানি॥
ভুঞ্জে নৱনীত হৰি কোপে পশি খুপি।।
দুধক নমাই আসি দেখে পাছে গোপী॥৬॥
ভাঙ্গি আছে দৈৰ হাণ্ডি নলৱে বিপত্তি।
পুত্ৰৰ জানিয়া কৰ্ম্ম হাঁসিলন্ত সতী॥
কৃষ্ণক নেদেখি তৈত চাই ফুৰে পাছে।
দেখন্ত খুপিত উৰলত বসি আছে॥৭॥
শঙ্কিত নয়নে নৱনীত চুৰি কৰে।
পেলাই দেয় খায় সব পোষণ বানৰে॥

হেন দেখি যশোদা হাতত লৈল বাৰি ।
জুপি জুপি যান্ত পিপৰাৰো নাই সাৰি ॥৮॥
মাৰিবে আসন্ত মাৱে দেখি কৃষ্ণ ডৰে ।
দিলন্ত লৱৰ ভিৰে নামি উৰলৰে ॥
পাছে পাছে যশোদা পুত্ৰক নেন্ত খেদি ।
ভয়ে যেন পলান্ত মাৱক লাগ নেদি ॥৯॥
যোগী যাক নপান্ত নিৰ্ম্মল মনে সদা ।
হেন মাধৱক খেদি ফুৰন্ত যশোদা ॥
শ্ৰোণি ভৰে শিথিল কৰিলে তান গতি ।
স্খলকিল খোপা খসি পৰিল মালতী ॥১০॥
পলাবে নপাৰি যেন কৃষ্ণ আছা ৰই ।
কান্দন্ত কপটে দুয়ো হাতে আখি মই ॥
তৰধ নয়নে চান্ত মাৱক ভয়ত ।
লগ পাই আসি সতী ধৰিল হাতত ॥১১॥
খাবো তোৰ মুণ্ড পুতাই আজি যাইবি কই ।
হাণ্ডি ভাঙ্গি সমস্ত কৰিলি নাশ দই ॥
ভয়ত কৃষ্ণৰ যেন তনু তৰতৰ ।
দেখিয়া যশোদা বাৰি এৰিলা হাতৰ ॥১২॥

দিহা

# কৃষ্ণই কান্দে।
# অভাগিনী যশোদাই উৰলত বান্ধে ॥

পদ।

আনিলন্ত আঁজুৰি ভৰ্ৎসিয়া বাৰে বাৰ।
কৃষ্ণক বান্ধিবে মতি ভৈল যশোদাৰ ॥
নজানন্ত গোপী কেনে প্ৰভাৱ কৃষ্ণৰ।
নাই পূৰ্ব্বাপৰ যাৰ বাহিৰ ভিতৰ ॥১৩॥
হেন মাধৱক গোপী পুত্ৰ মানি বলে।
সামান্য শিশুক যেন বান্ধে উৰুখলে ॥
কৃষ্ণক বান্ধন্ত অতি যশোদা সুন্দৰী।
নুযুৰিলে দেখন্ত আঙ্গুল দুই জৰী ॥১৪॥
আনি আৰু জৰী সতী তাতে যোৰা দিল।
বান্ধি চাৰে সিয়ো দুই আঙ্গুলে নাটিল ॥
দুনাই জৰী যুৰিয়া গাৱৰ বলে আটে।
দেখে গোপী তথাপি আঙ্গুল দুই নাটে ॥১৫॥
এহিমতে গৃহত পাইলন্ত যত জৰী।
আনি আনি যোৰা দিয়া বান্ধন্ত সুন্দৰী ॥
তথাপিতো নোযোৰে আঙ্গুল দুই আসি।
দেখি সব গোৱালীৰ ৰঙ্গে উঠে হাঁসি ॥১৬॥

যশোদায়ো হাসন্ত বিস্ময় দেখি কৰ্ম্ম।
পীড়িলেক ভাগৰে শৰীৰে বহে ঘৰ্ম্ম॥
মাতৃৰ দেখিয়া শ্ৰম পাছে মনে গুণি।
কৃপাময় কৃষ্ণে বান্ধ লৈলন্ত আপুনি॥১৭॥
মোহোৰ অধীন ইতো যতেক জগত।
ময়ো ভকতৰ বশ্য দেখায়া লোকত॥
সত্য কৰিবাক লাগি নাৰদৰ বাণী।
লাসে লাসে নেন্ত কৃষ্ণে উৰুখল টানি॥১৮॥
মাৱৰ ভিতিক লাগি চান্ত টেৰ কৰি।
দেখিলে আউৰ জানো নেন্ত মাৰি ধৰি॥
জুপি জুপি যান্ত অতি সঙ্কোচিত কায়।
মাজ ভৈল অৰ্জ্জুনৰ উৰল ঘসাই॥১৯॥
অৰ্জ্জুনত লাগি ভৈল উৰল পথালি।
কঙ্কাল ফান্দিয়া টান দিল বনমালি॥
আজোৰে লাগিয়া দুয়ো বৃক্ষ সেই তালে।
উভৰি পৰিল চণ্ড শবদ আস্ফালে॥২০॥
তাৰ হন্তে দুয়ো দেৱ বাজ ভৈলা পাছে।
মূৰ্ত্তিমন্ত অগ্নি যেন প্ৰকাশন্তে আছে॥
বুলিলেক স্তুতি দুয়ো কুবেৰ নন্দন।
নিজ স্থানে কৰি গৈল কৃষ্ণক বন্দন॥২১॥
গোপ শিশুগণে বোলে শুনিয়োক বাণী।
কৃষ্ণে ভাঙ্গিলন্ত মাজে উৰুখল টানি॥

দুগোট পুৰুষ গৈল বৃক্ষৰ বজাই।
কৃষ্ণয়েৰে কিবা কৈলা আছিলোহোঁ চাই ॥২২॥
শিশুৰ বচন বুলি কেহো নমানিল।
বন্দী হুয়া আছা নন্দে কৃষ্ণক দেখিল ॥
হাঁসিলন্ত কোনে হেন কৰিলন্ত বুলি।
বাহু মেলি কৃষ্ণক কোলাত লৈলা তুলি ॥২৩॥
এহিমতে জগতৰ গুৰু ভগৱন্ত।
গোকুলক আনন্দিত কৰিয়া ক্ৰীৰন্ত ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুকুতি।
বোলা ৰাম ৰাম পাবা হাততে মুকুতি ॥২৪॥



অন্ত।

# জাননী।

তলত লিখা কিতাপ বোৰ তলত লিখা ঠিকনাত উচি
বেচিবলৈ যুগুত আছে। এটকাৰ কিতাপ নিলেও কমি
হয়। এবাৰু পৰীক্ষা কৰি চাওক।

১। লৱ-কুশৰ যুদ্ধ ( ভাওনাৰ পুথি ) ...
২। নিম্নপ্ৰাইমেৰী পাঠ ২য় ভাগৰ অৰ্থ পুথি ...
৩। শ্ৰীৰাম-কীৰ্ত্তন ( শিশু ৰামায়ণ ) ...
৪। পৰীক্ষা ... ...
৫। সাহিত্য প্ৰবেশ ... ...
৬। হৰিপ্ৰসঙ্গ ... ...
৭। পচতি ... ...
৮। উজু মৌখিক ... ...
৯। সচিত্ৰ নতুন ধাৰাপাত ...
১০। পুৰণি অসমীয়া সাহিত্য "শ্ৰীশ্ৰীচণ্ডী" ...
১১। দেৱজিত ( যন্ত্ৰস্থ ) ...
১২। কাল কুঞ্জৰ যুদ্ধ ( ঐ ) ...
১৩। চন্দ্ৰপ্ৰভা ( উপন্যাস ) ...
১৪। ভাঙ্গুৰী-কীৰ্ত্তন ... ...
১৫। সুতিকা পটল ... ...
১৬। নীতি-শ্লোক ... ...
১৭। শ্ৰাদ্ধ-পদ্ধতি সংগ্ৰহঃ ১৲ ( পকা বন্ধা ) ...
১৮। অজামিলোপাখ্যান .. ...
১৯। ৰাসলীলা ... ...

ইয়াৰ বাহিৰে সকলো স্কুলীয়া আৰু ধৰ্ম্মপুথি, কাকত,
আদি সকুলোকে পোৱা হয়।

জি. চি. বৰুৱা, ম্যানেজাৰ বৰুৱা এজেঞ্চি, গুৱাহাটী
ডি. ডি. লহকৰ, লহকৰপাৰা, আঠঘৰিয়া পোঃ ( গুৱাহা
লক্ষ্মীগোপাল এজেঞ্চি—পোঃ অঃ আঠঘৰিয়া, কামৰূপ